

# পাৰ্চিয়ুচ

(গ্ৰীক সাধুকথা)



শ্ৰীলক্ষ্মীনাৰায়ণ দাশ।

# পাছিয়ুছ্

( গ্ৰীক সাধুকথা )



লিখক আৰু প্ৰকাশক

শ্ৰীলক্ষ্মীনাৰায়ণ দাশ।

নগাওঁ ( আসাম )

ফৌজদাৰী পট্টী।

১ম তাঙ্গৰণ

১৯৩৭ সন।






বেছ খনে ৵০ অনা মাত্ৰ।

# অৰ্পণ

কল্যাণীয় শ্ৰীমান হেড়ম্বকুমাৰ দাশৰ হাতত।

বাবুলী,

তাহানি ডিব্ৰুগড়ত থকা কালডোখৰত নিশা পঢ়ি-শুনি উঠাৰ পিচত সাধুকথা কবলৈ তৰণি নাইকীয়া কৰিছিলা এদিন তুমিয়েই আটাইতকৈ বেচিকৈ। সেই সুমধুৰ স্মৃতি সজাগ কৰিয়েই আজি **'পাৰ্ছিয়ুছক'** তোমাৰ হাতত অৰ্পণ কৰিলোঁ। দুখীয়া সৰু মামাৰাৰ ইয়াকে বহুমূলীয়া উপহাৰ বুলি সাদৰেৰে গ্ৰহণ কৰিবা।

নগাওঁ (আসাম)
ফৌজদাৰী পট্টী।
২২ ভাদ, ১৮৫৯ শঁক।

তোমাৰ মঙ্গলাকাঙ্ক্ষী,
শ্ৰীলক্ষ্মীনাৰায়ণ দাশ।

# পাতনি।

সৰু লৰা-ছোৱালীৰ উপযোগী কৰি লিখা বিদেশী সাধুকথা এটাৰ এই ক্ষুদ্ৰ কিতাপখনি আজি তিনি বছৰ-মানৰ আগেয়ে লিখি থোৱা হলেও এতিয়াহে তাক প্ৰকাশ কৰিবলৈ সক্ষম হলোঁ। আশাকৰো যি সকলৰ উদ্দেশ্যে এই কিতাপডখৰি লিখা হৈছে, সেইসকলে যেন ন-লিখকৰ সামান্য দোষাদোষত নেলাগি এখন এখন লৈ ভবিষ্যতে আৰু খনচেৰেক প্ৰকাশ কৰিবলৈ উদগণি দিয়ে, নহলে দৰিদ্ৰ লিখকৰ এয়ে প্ৰথম উদ্যম আৰু এয়ে শেষ। এই খিনিতে একেষাৰ কথা নকৈ নোৱাৰি যে সাধু কথাটো বিদেশী সাহিত্যৰ পৰা লোৱা হলেও তাক ঠাই বুজি ভালেখিনি সাল-সলনি কৰি লিখি যাওঁতে শেহান্তৰত মূল সাধুটোৰ জকাটোহে ৰলগৈ, তথাপি ইয়াৰ পৰা কোমল-মতি পাঠক-বৰ্গৰ একো ৰুচিবিকাৰ নঘটিব বুলি আশা কৰা গল। অৱশেষত মোৰ কৰলগীয়া কথা এই যে কিতাপখন প্ৰেচত দিয়াৰ আগতে ডিব্ৰুগড় George Institution ৰ সাহিত্যানুৰাগী শিক্ষক বন্ধুবৰ শ্ৰীযুত মাণিক চন্দ্ৰ বৰ্ম্মাদেৱে কেইটামান শব্দৰ বৰ্ণাশুদ্ধি চাই দিয়া কাৰণে এইখিনিতে তেখেতৰ শলাগ লৈ থলোঁ আৰু 'বৰুৱা প্ৰেছৰ' শ্ৰীযুত কৃষ্ণ গোবিন্দ বৰুৱাদেৱে আগ-পাচ কৰি সোনকালে এহেজাৰ 'কপি' ছপাই দিয়াৰ বাবে তেখেতকো ধন্যবাদ জনালো।—

নগাওঁ (আসাম)
২২ ভাদ, ১৮৫৯ শক

শ্ৰীলক্ষ্মীনাৰায়ণ দাশ।

# পাৰ্চিয়ুছ।

—o—

## (গ্ৰীক সাধুকথা)

### —এক—

অতি পুৰণি কালৰ কথা। তেতিয়া গ্ৰীচত এক্ৰিছিয়াছ নামেৰে এজন সম্ৰাট আছিল। তেওঁৰ সতি-সন্ততিৰ ভিতৰত মাথোন একেজনী জীয়েক, নাম ডেনে। ডেনে কুঁৱৰী সৰুৰে পৰা অতি সুন্দৰী আছিল।

এদিন এজন প্ৰসিদ্ধ জ্যোতিষীয়ে এক্ৰিছিয়াছক কৈছিল যে তেওঁৰ জীয়েক ডেনে কুঁৱৰীৰ গৰ্ভত যি সন্তান হব সেই সন্তানেই তেওঁক বধ কৰি ৰাজ সিংহাসন কাঢ়ি লব। জ্যোতিষীৰ এনে আঁহফলা কথা শুনি এক্ৰিছিয়াছৰ হৃদয় হা-হুতাশেৰে ভৰি পৰিল। তেওঁ এই বিপদৰ পৰা হাত সাৰিবলৈ উপায় বিচাৰিলে। অৱশেষত পাত্ৰ-মন্ত্ৰী সকলৰ লগত আলোচনা কৰি থিৰাং কৰিলে যে, যদি কোনো উপায়েৰে জীয়েকক পুত্ৰহীনা কৰি ৰাখিব পৰা যায়, তেনেহলে ভৱিষ্যতে এই বিপদৰ পৰা হাত সাৰিব পাৰিব। ইয়াকে ভাবি ৰাজ অট্টালিকাৰ কাষতে সুন্দৰকৈ এটি দুৰ্গ সজালে আৰু তাতে তেওঁৰ জীয়েকক কোনেও নেদেখাকৈ সুমুৱাই ৰাখিলে।

## —দুই—

দিনৰ পিচত দিন বাগৰি ভালেমান দিন অতিবাহিত হ'ল। এদিন শৰতৰ কোনো এক ৰূপালী নিশা দেৱৰাজ ইন্দ্ৰই ছদ্মবেশ ধাৰণ কৰি সেই বাটেদি ফুৰিবলৈ আহিছিল। চন্দ্ৰৰ পোহৰত চিক্‌মিকাই থকা দুৰ্গটোলৈ তেওঁৰ চকু পৰাত তাৰ ভিতৰখন চাবৰ কাৰণে বৰ কৌতুহল উপজিল। তেতিয়া ইন্দ্ৰদেৱে সূক্ষ্মশৰীৰ ধাৰণ কৰি দুৰ্গটোৰ ভিতৰলৈ সোমাই গ'ল, আৰু তাত সোমাই থকা ডেনে কুঁৱৰীৰ অপৰূপ ৰূপ-লাৱণ্যত অতিশয় মোহিত হ'ল। পিচত ডেনেৰ মুখৰ পৰা আটাইবোৰ কাহিনী শুনি ইন্দ্ৰৰ মনত দয়া উপজিল আৰু অতি সোনকালে তাৰ এটা সুদিহা কৰিবলৈ অঙ্গীকাৰ কৰিলে। এইদৰে স্বৰ্গাধিপতি ইন্দ্ৰদেৱে ডেনে কুঁৱৰীৰ লগত ভালেমান দিন গোপনে সাক্ষাৎ কৰাৰ ফলত ডেনেৰ গৰ্ভাৱস্থা হয় আৰু যথাসময়ত তেওঁৰ এটি সৰ্ব্ব-সুলক্ষণীয়া পুত্ৰ জন্মে। এই পুত্ৰ সন্তানটিৰ নামেই পাছিয়ুছ।

ক্ৰমে ক্ৰমে এই কথা গৈ যেতিয়া ৰজা এক্ৰিছিয়াছৰ কাণত পৰিল, তেতিয়া তেওঁ কেউপিনে বিভীষিকাময় দেখিলে। ভৱিষ্যৎ বিপদৰ পৰা হাত সাৰিবৰ কোনো উপায় নেদেখি এইবাৰ তেওঁ দয়া-মমতা-শূন্য হৈ মাক-পুতেক দুয়োকে সৰু ভূৰ এখনত তুলি দি সাগৰত উটুৱাই দিলে।

## —তিনি—

বিপদপূৰ্ণ সাগৰৰ মাজত সহায় সাৰথি বুলিবলৈ

কোনোৱেই নাই। এনে অসহায় অৱস্থাত একমাত্ৰ পৰমেশ্বৰকে চিন্তি বুকত শিশুটিক বান্ধি লৈ সাগৰত উটি ফুৰিছে। দিন দিয়েকৰ পিচত এদিন তেওঁলোকে গৈ এটা দ্বীপ পালেগৈ। সেই দ্বীপটো বৰ আহল বহল আৰু দেখিবলৈ ধুনীয়া আছিল। সেই দেখি তেওঁবিলাকে আৰু কলৈকো যাবলৈ মন নকৰি সাগৰৰ পাৰতে এটি পঁজা ঘৰ সাজি তাতে থাকিবলৈ ললে। কালক্ৰমত সামুদ্ৰিক জলবায়ু পাই পাৰ্ছিয়ুছ দোপত-দোপে ডাঙৰ হৈ আহিল আৰু অলপ দিনৰ ভিতৰতে মাকৰ সোঁহাত স্বৰূপ হৈ পৰিল। কিছুকাল থকাৰ পিচত এদিন কিছুমান জালোৱাই সাগৰত মাছ মাৰিবলৈ আহোঁতে হঠাতে সিহঁতৰ ডেনেৰ টোকোৰা পঁজাটোলৈ চকু পৰিল। জালোৱাবোৰে ডেনেক ধুনীয়া পোনা একণিৰে সৈতে এনে অসহায় অৱস্থাত সাধাৰণ পঁজা এটাত থকাৰ কাৰণ সুধিলে। ডেনেই সকলোবোৰ কথা কৈ দিয়াত জালোৱাবোৰে তেওঁক সিহঁতৰ ৰজাৰ ওচৰলৈ লৈ গল আৰু অনেক কৈ মেলি ৰজাৰ আশ্ৰয়তে থাকিবলৈ এটা দিহা কৰি দিলে। লাহে লাহে পাৰ্ছিয়ুছ ডাঙৰ হৈ আহিল, বয়সৰ লগে লগে লিখা-পঢ়া, তৰোৱাল ঘূৰোৱা, শৰমৰা আদি অস্ত্ৰবিদ্যাত পাৰ্গতালি লভিবলৈ ধৰিলে।

## —চাৰি—

এই দ্বীপৰ ৰজা পলিডেক্‌টিছ। এওঁ এজন বৰ দুষ্ট আৰু নিষ্ঠুৰ প্ৰকৃতিৰ লোক আছিল। ডেনেৰ ৰূপত মুগ্ধ হৈ কেনেকৈ তেওঁক তেওঁৰ তিৰোতা কৰিব পাৰিব, তাকে দিনে

ৰাতিয়ে ভাবিবলৈ ধৰিলে। কিন্তু পাৰ্চিয়ুছ লগত থাকিলে তেনে কু-প্ৰবৃত্তি চৰিতাৰ্থ কৰা অতি দুৰূহ ব্যাপাৰ। গতিকে কি উপায়েৰে পাছিয়ূছক আঁতৰত ৰাখি মনোৰথ পূৰণ কৰিব তাৰ কাৰণে এটা উপায় চিন্তিবলৈ ধৰিলে। অৱশেষত এটা কামৰ দ্বাৰাই পৰ্ছিয়ূছক চিৰকাললৈ আঁতৰত ৰাখিবলৈ উপায় ভাবি উলিয়ালে। সেই কামটো ইমান দুঃ-সাহসিক। আৰু বিপদপূৰ্ণ যে তাক সামাধা কৰিবলৈ যাওঁতে পাৰ্ছিয়ুছ কেতিয়াও উভতি আহিব নোৱাৰে—মৃত্যু নিশ্চয়। ইয়াকে থিৰাং কৰি এদিন তেওঁ পাৰ্ছিয়ুছক মতাই আনি কলে,— "পাৰ্ছিয়ুছ! প্ৰজাবোৰৰ মুখেৰে তোমাৰ বীৰত্বৰ কথা শুনি মই বৰ আনন্দিত হৈছোঁ। আশাকৰো তোমাৰ এই সুনাম জগত জুৰি বিয়পি পৰিব।" পাৰ্ছিয়ুছে এনে শলাগণি শুনি অতিশয় আনন্দিত হ'ল। তেওঁ কেতিয়াও ভবা নাছিল যে ৰজাই তেওঁক সন্মুখলৈ মাতি নি এই দৰে শলাগিব। সেই দেখি আনন্দত মতলীয়া হৈ ৰজাক কলে,—"মহাৰাজ! প্ৰজাবোৰৰ মুখেৰে যি শুনিবলৈ পাইছে, প্ৰকৃতপক্ষে কোনো বীৰত্বপূৰ্ণ কাৰ্য্য কৰি এতিয়ালৈকে কাৰো ওচৰত মই বীৰ বুলি পৰিচিত হব পৰা নাই। যদি আপোনাৰ প্ৰজাবোৰৰ আগত কেতিয়াবা অস্ত্ৰবিদ্যা দেখুৱাই অলপ সুনাম আৰ্জ্জন কৰিছো, মোৰ মনেৰে সি অতি সামান্য। তথাপিও আপুনি অতিকৈ শলগা বাবে মই বৰ আনন্দিত আৰু উৎসাহিত হৈছোঁ।"

পলিডেক্‌টিছ:—অৱশ্যে পাৰ্ছিয়ুছ, তুমি নিজকে এজন

বীৰ বুলি নেভাবিলেও মই কিন্তু তোমাৰ চেহেৰা-পাতি দেখি এজন বীৰ বুলি ভাবিবলৈ বাধ্য হৈছো। সেইদেখি এটা বৰ টান কাম তোমাৰ হতুৱাই কৰোৱাবলৈ বুলি আজি তোমাক মতাই আনিছো।

পাৰ্ছিয়ুছ ঃ—কি কামৰ কাৰণে মহাৰাজ ?

পলিডেক্টিছ ঃ—কামটো এই,—চুলিৰ সলনি বিষাক্ত সাপেৰে কেৰমেৰাই থকা মূৰেৰে কোনো এঠাইত মেডুছা নামেৰে এজনী 'গৰ্গন' আছে। সেই গৰ্গন জনী বিচাৰি মূৰটো কাটি আনি দিব পৰা বীৰ এজন আজিলৈকে নোলাল। যদি তুমি কোনো উপায়েৰে সেই কাৰ্য্য সমাধা কৰি তাইৰ মূৰটো মোৰ হাতত দিব পাৰা, তেনেহলে তাৰ বাবে একলাখ সোণৰ মোহৰ পুৰস্কাৰ পাবা। মোৰ বোধেৰে বীৰত্বপূৰ্ণ এই কাৰ্য্যটো কৰি দেশজুৰি সুনাম লভিবলৈ পিচ হোঁহোকা নেমাৰিবা।

কোমলমতি পাৰ্ছিয়ুছে ৰজা পলিডেক্টিছৰ চাটুকাৰী কথা কেইআষাৰৰ অৰ্থ বুজিব নোৱাৰিলে। তেওঁ ৰজাৰ সেই চাটু-কাৰী কথাতে পতিয়ন গৈ কবলৈ ধৰিলে,—"মহাৰাজ ! মেডুছাৰ বিষয়ে একো নেজানিলেও মই তাক সামাধা কৰিবলৈ গাত ললো। সেই উপলক্ষে মেডুছাক বিচাৰি আজিয়েই মই ৰাওনা হম। যদি কোনো কাৰণবশতঃ অহাত পলম হয়, তেনেহলে অনুগ্ৰহ কৰি আপুনি মোৰ আইৰ ফালে অলপ মন কৰিব।

পঃ—যোৱা পাৰ্চ্ছিয়ুছ, মৃত্যুক আলিঙ্গন কৰিবা, তথাপি প্ৰতিজ্ঞা ৰাখিব নোৱাৰি সুদামুখে উভতি নাহিবা। মই আশীৰ্ব্বাদ কৰিছো।

পাৰ্চ্ছিয়ুছে এইদৰে অঙ্গীকাৰ কৰি যাবৰ কাৰণে আয়োজন কৰিলে। তেওঁ ভাবিলে যদি এই কাৰ্য্য সমাধা কৰি ৰজাক সন্তুষ্ট কৰিব পাৰে, তেনেহলে একলাখ সোণৰ মোহৰেৰেই মাক-পুতেক দুয়োয়ে আজীৱন মহাসুখে খাব পাৰিব, তাৰোপৰি দেশৰ আটায়ে সুনাম গাব। ইয়াকে মনস্থ কৰি পাৰ্চ্ছিয়ুছে মাকৰ গুৰিত বিদায় লৈ মেডুছাক বিচাৰি ঘৰৰ পৰা বাজ হল। ইপিনে দুষ্ট ৰজাই বুদ্ধি কৌশলেৰে পাৰ্চ্ছিয়ুছক মৃত্যু-মুখলৈ পঠিয়াব পাৰি নথৈ আনন্দ উপভোগ কৰিলে।

—পাঁচ—

সেই দিনা মাকৰপৰা বিদায় লৈ পাৰ্চ্ছিয়ুছে মেডুছাক বিচাৰি কেইবাদিনো কটালে, কিন্তু মেডুছাৰ বিষয়ে কতো একো সম্ভেদ নেপালে। এইদৰে বিচাৰি ফুৰোঁতে ভাগৰত ক্লান্ত হৈ এদিন গছ এজোপাৰ তলত বহি এখন্তেক জিৰণি লৈছে, এনেতে ৰজাৰ আগত কৰা প্ৰতিজ্ঞাৰ বিষয়ে নানা ভাবে তেওঁক জুমুৰি দি ধৰিলেহি। তেওঁ যিমানে এই বিষয়ে ভাবিবলৈ ধৰিলে সিমানে তেওঁৰ কোমল হৃদয় হা-হুতাশেৰে ভৰি পৰিল। সৰুতে সাগৰৰ পাৰত থাকোঁতে শুনিছিল বোলে গৰ্গনৰ চকুবোৰ ইমান অদ্ভুত যে সিহঁতে যালৈকে চায় সেয়ে মুহূৰ্ত্ততে শিলা হৈ যায়। সেই কাৰণে ৰজাৰ আগত কৰা প্ৰতিজ্ঞাটো প্ৰথমতে

বৰ সহজ বুলি অনুমান হলেও এতিয়া তেওঁৰ মনত বৰ অসম্ভৱ যেন বোধ হল। তেওঁ বেচকৈ বুজিব পাৰিলে সেই দুঃসাহসিক কাৰ্য্য সম্পাদনত মৃত্যু সু-নিশ্চিত। কিন্তু এতিয়া কি কৰিব? তেওঁ যে বীৰ। বীৰে প্ৰাণ দিও প্ৰতিজ্ঞা ৰাখে। এনেস্থলত তেওঁ যদি প্ৰাণৰ ভয়ত উভতি গুচি যায় তেনেহলে এজন বীৰৰ পক্ষে তাতোকৈ আৰু ডাঙৰ অপমান একো হব নোৱাৰে। এইবোৰ কথা গুণা-গথা কৰি, দুই আঠুৰ মাজত মূৰটো সুমুৱাই লৈ বেজাৰ মনেৰে বহি আছে, এনেতে পাছিয়ুছে হঠাতে শুনিবলৈ পালে,—“বাচা! পাৰ্ছিয়ুছ, কিয় বেজাৰ কৰি বহি আছা?” আচম্বিতে মাতষাৰ শুনি মূৰ ডাঙ্গি চাই দেখে যে সন্মুখত এজন বাওনা মানুহ। বাওনাজনৰ মূৰত এটা আচৰিত ধৰণৰ টুপী। ভৰিত পাখিলগা জোতা এজোৰ আৰু হাতত সাপেৰে মেৰখাই থকা শকত লাখুটি এডাল। এইজন বুধ দেৱতা। পাছিয়ুছে কিন্তু এওঁক চিনিব পৰা নাই। সেই দেখি অচিনাকিভাবে তেওঁক সুধিলে—“ডাঙৰীয়া, আপুনি কোন? আগে পিচে দেখা দেখোন ক'তো মনত নপৰে। কওকচোন ডাঙৰীয়া, মোৰ বিপদৰ সময়ত একেষাৰ মৰমৰ মাতেৰে সান্ত্বনা দিবলৈ আপুনি ক'ৰ পৰা আহিলে?” বুধে পাৰ্ছিয়ুছৰ আকুল সুৰৰ কথা কেইফাঁকি শুনি সম্পূৰ্ণ পৰিচয় দি তেওঁৰ মনৰ খু-দুৰনি মাৰ নিয়ালে। তাৰ পিচত তেওঁ পাৰ্ছিয়ুছৰ ঘটনাবোৰ পৰিপাটিকৈ জানি লৈ কবলৈ ধৰিলে,— “বাচা পাৰ্ছিয়ুছ! তুমি বৰ সঙ্কটজনক কাম কৰিবলৈ গাত ললা।

এই কামটো কৰিবলৈ গাত লোৱাৰ আগতে গৰ্গনৰ বিষয়ে ভালকৈ জনাটো উচিত আছিল। গৰ্গনবোৰৰ বল-বিক্ৰমৰ কথা একোকে নেজানা বুলিয়েই বোধ কৰো কামটো বৰ উজু বুলি ভাবি হাতত লৈছিলা। প্ৰকৃতপক্ষে কামটো সহজ নহয়। তথাপিও তাক সমাধা কৰিবলৈ যেতিয়া গাত ল'লা, এনে-স্থলত ক্ষন্তেক পিচতে হতাশ মনেৰে হাত সাবটি বহি থকাতো বীৰোচিত নহয়। তুমি এজন বীৰ, দেৱতাৰ ঔৰসত তোমাৰ জন্ম; এনেস্থলত তোমাৰ কাৰ্য্য সম্পাদনত আমি তোমাক সৰ্ব্বতোভাৱে সহায় কৰিম। আমাৰ সহায় পালে নিশ্চয় তাক সমাধা কৰিব পাৰিবা। এতিয়া মই গৰ্গনৰ বিষয়ে কওঁ শুনা—

"মহাসমুদ্ৰৰ মাজৰ কোনো এটা দ্বীপত কেইজনীমান বাই-ভনী বাস কৰে। সিহঁতৰ বাহিৰে সেই দ্বীপত আন উন্নত প্ৰাণী কোনো নেথাকে বুলিলেই হয়। এই জন-প্ৰাণী-হীন দ্বীপটোলৈ যাবলৈ কোনেও সাহ নকৰে। মানুহ, গৰু, বাঘ, পহু, মাছ, মগৰ আদি যিহকে পায় তাকে খাই সিহঁতে জীৱন ধাৰণ কৰে। এই বাই-ভনী কিজনীৰ নাম মেডুছা, স্থিন, ইউৰিয়েল ইত্যাদি। সিহঁতৰ মুখবোৰ দেখিবলৈ সাই-লাখ আপেশ্বৰীৰ নিচিনা ধুনীয়া, কিন্তু গাবোৰ কঁকালৰ তলৰ পৰা সাপৰ দৰে ক্ৰমান্বয়ে মিহি। গাত ছালৰ সলনি মাছৰ দৰে ডাঠ বাকলি আছে। হাতবোৰ লোৰ দৰে টান। মূৰত চুলিৰ সলনি অসংখ্য বিষাক্ত সাপে জীভা উলিয়াই উলি-য়াই মেৰ খাই থাকে। এই আটাইবোৰতকৈ ভয়ানক সিহঁতৰ

চকুৰ চাহনি। সিহঁতে ওচৰত থকা যালৈকে পূৰ্ণদৃষ্টি কৰে, সেয়ে তৎক্ষণাৎ শিলা হয়। অতি অদ্ভূত প্ৰাণী এই বাই-ভনী কিজনীৰ নামেই গৰ্গন। ইহঁতৰ ভিতৰত মেডুছা গৰ্গনেই আটাইতকৈ ভীষণ। গতিকে এনে এজনী গৰ্গনৰ মুৰ কাটি অনাটো যে কিমান টান কাম, বোধকৰো এতিয়া তাক বুজিব পাৰিছা। তথাপি তোমাৰ কাৰ্য্য-সম্পাদনত সৰ্ব্বতোভাৱে সহায় কৰিম বুলি প্ৰতিশ্ৰুতি দিছো যেতিয়া নিৰাশ হবৰ কোনো কাৰণ নাই। এতিয়া সকলোবোৰ দুখ-বেজাৰ এৰি মোৰ লগতে তুমি স্বৰ্গ-ৰাজ্যলৈ ওলোৱা। তালৈ গলে আমি তোমাক তোমাৰ কামত সহায় হব পৰাকৈ সকলোবোৰ লাগতিয়াল আহিলা-পাতি যতনাই দিম।"

পাৰ্ছিয়ুছে বুধৰ কথাতে সন্মতি প্ৰকাশ কৰাত বুধ দেৱতাই তেওঁক কোলাত তুলি আকাশেদি স্বৰ্গলৈ লৈ গল। বুধৰ লগত স্বৰ্গলৈ গৈ পাৰ্ছিয়ুছে যম ৰজাক দেখা কৰাত যমে তেওঁক এটা মুকুট দিলে। ইয়াক পিন্ধিলে পাৰ্ছিয়ুছে শূন্যতে অদৃশ্য হব পাৰিব। স্বৰস্বতী দেৱীয়ে দিলে আচৰ্চীৰ দৰে উজ্জ্বল ঢাল এখন। ইয়াৰ সহায়েৰে পাৰ্ছিয়ুছে ওপৰৰ পৰা তলৰ গোটেইবোৰ বস্তু ফটফটীয়াকৈ দেখা পাব আৰু স্বয়ং বুধে দিলে চোকা তৰোৱাল এখন আৰু পাখি-লগা জোতা এজোৰ। এই জোতাজোৰ পিন্ধিলে পাৰ্ছিয়ুছে বায়ুবেগেৰে শূন্যত উৰিব পাৰিব। এইদৰে স্বৰ্গৰ দেৱতা সকলৰ পৰা সকলো প্ৰকাৰ সহায় পোৱাত পাৰ্ছিয়ুছে

এইবাৰ নৱ-জীৱন পোৱাদি পালে। এতিয়া তেওঁ মেডুছাৰ থকাঠাইখিনিৰ সন্ধেদ পালেই হ'ল। কিন্তু মহাসমুদ্ৰৰ মাজত থকা কোনটো দ্বীপৰ ঠিক কোনখিনি ঠাইত মেডু্-ছাৰ বাসস্থান, এইকথা তাইৰ লগা-ভগা তিনিজনী বাই-ভনীৰ বাহিৰে আন কোনেও নেজানে। এই বাই-ভনী কেইজনী মেডুছাৰ থকাঠাইৰ পৰা অলপ দূৰৈত থকা পৰ্ব্বত এটাৰ আহল-বহল গুহা এটাতে বাস কৰে। ইহঁতো গৰ্গনৰ দৰে বৰ আচৰিত ধৰণৰ প্ৰাণী ; কিন্তু মেডুছা আদি গৰ্গনৰ লগত বৰ ওচৰ সম্বন্ধ থাকিলেও আচলতে ইহঁত গৰ্গন নহয়।

গুহাবাসিনী এই বাই-ভনী কেইজনীৰ গাৰ আকৃতি দেখিবলৈ মানুহৰ দৰেই। মাথোন প্ৰভেদ এই খিনিতে যে পৰীৰ দৰে ইহঁতৰ পাখি আছে ; কিন্তু প্ৰত্যেকৰে স্বকীয়া চকু নথকাত সিহঁতে সকলো সময়তে বৰকৈ চলা-ফুৰা কৰিব নোৱাৰে। ইহঁতৰ ভিতৰত মাথোন এটা চকু। এই এটা চকুকে সকলোৱে সময় বুজি সলনা-সলনিকৈ ব্যৱহাৰ কৰে। কিন্তু এই চকুটোৰ ইমান চোকা দৃষ্টি যে সেই চকুটো পিন্ধি কাৰোবলৈ চাই পঠিয়ালে সেয়ে গৰ্গনৰ চাৱ-নিৰ দৰে ক্ষন্তেকতে শিলা হৈ যায়। বীৰ পাৰ্ছিয়ুছে দেৱতা সকলৰ পৰা এইবোৰ কথা পৰিপাটিকৈ জানি লৈ মেডুছাৰ উদ্দেশ্যে যাত্ৰা কৰিলে।

—ছয়—

পাৰ্ছিয়ুছে দিনৰ পিচত মাহ, মাহৰ পিচত বছৰ ধৰি

কত বছৰ কত দেশ-দেশান্তৰ, নদ-নদী, পৰ্ব্বত-পাহাড়ৰ ওপৰেদি উৰি-ফুৰি মেডুছাৰ থকা ঠাই অনুসন্ধান কৰিছে তাৰ লেখ-জোখ নাই! এইদৰে ভালেমান বছৰ ঘূৰি ফুৰাৰ পিচত অৱশেষত তেওঁ গৰ্গনৰ সেই বাস-ভূমি পালেগৈ। সেই দ্বীপটো অসংখ্য পৰ্ব্বত পাহাড় আৰু গছ-বননি আদিৰে বেৰি থকাৰ কাৰণে সোমাবলৈ বৰ ভয়লগা হৈ আছিল। পাৰ্ছিয়ুছে তালৈ অলপো কেৰেপ নকৰি হাবিৰ মাজলৈ সোমাই গ'ল আৰু পৰ্ব্বত-পাহাড়ৰ আশে-পাশে গা-লুকুৱাই গুহা-বাসিনী বাই-ভনী কেই জনীৰ অনুসন্ধান কৰিলে। অলপ পৰৰ পিচত গুহা এটাৰ পৰা ছোৱালী কেইজনীমান ওলাই অহা দেখা পাই পাৰ্ছিয়ুছে লৰালৰিকৈ গৈ জোপোহা এটাৰ আঁৰত লুকালেগৈ, আৰু তাৰে পৰাই মনে মনে সিহঁতৰ আলেখ-লেখ চাই থাকিব ধৰিলে। এনেতে সিহঁতৰ ভিতৰত এজনীয়ে চকুটো স্থমুৱাই লৈ দূৰৈত যিবোৰ দৃশ্য দেখিছে সেইবোৰ ইজনীক কৈ গৈছে। তাকে দেখি কিছু সময়ৰ পিচত দ্বিতীয় জনীয়ে মাত লগালে,—"নহয় বাইদউ, চকুটো মোকহে দিয়া, মইহে চাম। তোমালোকে অথনিৰে পৰা সলনা-সলনিকৈ চাই আছা, মাথোন মইহে চাব পোৱা নাই। এইদৰে উখনা-উখনি লাগি থাকোঁতে প্ৰথম জনীয়ে মাত লগালে "এখন্তক ৰবাচোন ভনীটিহঁত, সৌ তেনেই কাষতে মানুহ এটা লুকাই থকা যেন মই গম পাইছো……।" তাই এইদৰে কৈ থাকোতেই দ্বিতীয়জনীয়ে মাত লগালে—"নহয়

বাইদেউ, সেইটো হবই নোৱাৰে। তুমি মিছাকৈয়ে কৈ আমাক আভুৱা ভাৰিছা। এইবাৰ মই লম।” এইদৰে হেতা-ওপৰা লগাত সিহঁত আটায়ে চকুটোৰ কাৰণে কঢ়া-আজোৰা কৰিব ধৰিলে। ইতিমধ্যে আটাই কেইজনী বাই-ভনী অন্ধ হৈ পৰাত এই ছেগতে চল চাই পাছিয়ুছে জোপাটোৰ পৰা ওলাই আহি লৰালৰিকৈ গৈ সিহঁতৰ হাতৰ পৰা চকুটো কাঢ়ি আনিলেগৈ। চাই থাকোঁতেই হাতৰ পৰা নাইকিয়া হোৱা দেখা পাই।তিনিও বাই-ভনীৰ ভিতৰত এখন মহা হৈ-চৈ লাগি উঠিল। উপায়হীন হৈ ইজনীয়ে সিজনীক, সিজনীয়ে ইজনীক দোষিবলৈ ধৰিলে। এনেকৈ সিহঁতে হাই কাজিয়া কৰি থাকোতে পাছিয়ুছে চকুটো লৈ আকাশৰ ওপ-ৰৰ পৰা মাত লগালে,— “বালিকাসকল! চকু হেৰুৱাই মিছা-তেই হাই-কাজিয়া কৰি থাকিলে কি হব? চকু মোৰ হাতত; তোমালোকে যদি মেডুছা গৰ্গনৰ থকাঠাই ডোখৰৰ কথা কৈ দিয়া, তেনেহলে চকুটো ওলোটাই পাবা, তাকে নকলে চকুটো সাগৰৰ মাজলৈ পেলাই দিম।” জনপ্ৰাণীহীন দ্বীপৰ মাজত আচম্বিতে মানুহৰ মাত শুনিবলৈ পাই আটাই কেই-জনী বাই-ভনী বৰ আচৰিত হ’ল। উপায়ান্তৰ নেদেখি চকুটো ওলোটাই দিবৰ কাৰণে জয়দেউ কাকুতি কৰিব ধৰিলে। কিন্তু পাছিয়ুছে কোনোপধ্যে মান্তি নহৈ সেই একে-ষাৰ কথাকে ঘনেপতি সুধি থকাত বাই-ভনী কেইজনীৰ খঙে মূৰৰ চুলি পালেগৈ। সিহঁতে তেওঁক ধৰিবৰ মনেৰে মাতৰ

লক্ষ্য কৰি উমানে উমানে উৰিব ধৰিলে। পাৰ্চিয়ুছে ভালেমান পৰ অগীয়া-বগীয়া দি আঁতৰৰ পৰা কলে,—"তোমালোকে বৃথাই পৰিশ্ৰম কৰিছাহঁক। মেডুছাৰ থকা ঠাই ডোখৰৰ সম্ভেদ নিদিলে চকু কেতিয়াও ওভোতাই নোপোৱাহঁক। যদি সোনকালে পাব খোজা তেনেহলে এতিয়াই কৈ দিয়া মেডুছাৰ থকা ঠাই ক'ত?" শেহান্তৰত সিহঁতে মেডুছাৰ থকা ঠাই ডোখৰৰ কথা কৈ দিবলৈ বাধ্য হ'ল। পাৰ্চিয়ুছে মেডুছাৰ বিষয়ে পৰিপাটিকৈ জানি লৈ চকুটো ওভোতাই দিলে আৰু বেগেৰে আকাশেদি যাবলৈ ধৰিলে।

## —সাত—

দিনচেৰেক যোৱাৰ পিচতে পাৰ্চিয়ুছে মেডুছাৰ থকা ঠাই পালেগৈ। তেতিয়া মেডুছাই লগত কেইজনীমান গৰ্গনৰে সৈতে তপত বালি কিছুমানৰ ওপৰত শুই আছিল। পাৰ্চিয়ুছে ঢালৰ ওপৰত মেডুছাৰ এই প্ৰতিবিম্বটো দেখি ততালিকে তললৈ নামি আহিল আৰু হাতত সাৰে ভৰিত সাৰে আহি একেঘাপে মূৰটো কাটি মোনা এটাত ভৰাই লৈ বায়ুবেগেৰে যাবলৈ ধৰিলে। এনেতে মেডুছাৰ গাচোৱাই ধৰ্-ফৰ্ ধাৰ্-ফাৰ্ কৰোঁতে লগতে শুই থকা বাকী কেইজনী গৰ্গনৰ টোপনি ভাগিল। সিহঁতে মেডুছাৰ এনে অৱস্থা হোৱা দেখি ততালিকে হত্যাকাৰীক ধৰিবৰ কাৰণে খেদি গ'ল কিন্তু যমৰ মুকুটটোৰ সহায়েৰে শূন্যতে লুকাব পৰা দেখি পাৰ্চিয়ুছৰ একো অনিষ্ট নহল। অৱশেষত সকলো বিপদ-বিঘিনি

হেলাৰঙে অতিক্ৰম কৰি পাছিঁয়ুছে ঘৰ অভিমুখে উৰিব ধৰিলে। এইদৰে মেডুছাৰ মূৰ কাটি ঘূৰি আহোঁতে পাছিঁ-য়ুছে আৰু এটা দুঃসাহসিক কাৰ্য্য সমাধা কৰে। ইয়াক সাধন কৰি তেওঁ চিৰকাল ভোগ কৰিব পৰাকৈ এটি সুন্দৰ বস্তু লাভ কৰে। বাটত আহোঁতে কেনেকৈ এই ঘটনা ঘটিবলৈ পায়, এই বিষয়ে এতিয়া কোৱা হওক।

—আঠ—

গ্ৰীচ দেশৰ দক্ষিণে থকা ভূমধ্যসাগৰৰ কোনো এটা দ্বীপত চিফিয়াছ নামে এজন ৰজাই ৰাজত্ব কৰিছিল। তেওঁৰ সতি-সন্ততিৰ ভিতৰত এণ্ড্ৰোমিডা নামেৰে মাথোন এজনী ছোৱালী আছিল। এণ্ড্ৰোমিডা সেই কালত গোটেই গ্ৰীচ সাম্ৰাজ্যৰ ভিতৰত এজনী আটাইতকৈ ৰূপৱতী আৰু গুণৱতী কন্যা। তেওঁৰ ৰূপ দেখি মানুহৰ কথাকে নকওঁ আনকি স্বৰগত থকা বৰুণ দেৱতাও পাণিপ্ৰাৰ্থী হবলৈ বিচাৰিছিল। দুৰ্ভাগ্যবশতঃ বিফল মনোৰথ হয়।

এতিয়া যি কালৰ কথা কোৱা হৈছে, সেই কালত গ্ৰীকবোৰে সাগৰত থকা জলকুঁৱৰীবোৰক বৰ ৰূপৱতী আৰু ক্ষমতাশালী বুলি পূজা-পাতল কৰিছিল। সেই জলকুঁৱৰীবোৰ ইমান অহঙ্কাৰী আছিল যে যদি কোনোবা গ্ৰীকে কোনো মানুহৰে সৈতে সিহঁতৰ ৰূপৰ লগত তুলনা কৰে, তেন্তে সিহঁতে অসন্তুষ্ট হৈ তেওঁলোকৰ ওপৰত নথৈ জুলুম কৰে। সেই কাৰণে এই আশঙ্কাত কোনো গ্ৰীকে কেতিয়াও জলকুঁৱৰীৰ

লগত মানুহৰ ৰূপৰ তুলনা নকৰে। এদিন মাক কেছিওপিয়াই ৰাজবিষয়া কিছুমানৰে সৈতে কথা-বতৰা পাতি থাকোঁতে কথা প্ৰসঙ্গত অতৰ্কিতে জীয়েকক জলকুঁৱৰী এজনীৰ লগত ৰূপৰ তুলনা কৰিলে। আগ-পাচ নুগুণি মাকে কথাষাৰ কৈ পেলোৱাৰ ফলত, ক্ৰমে ক্ৰমে এই কথা গৈ যেতিয়া জলকুঁৱৰীবোৰৰ কাণত পৰিল তেতিয়া সিহঁতে খঙত টিঙিৰিভুলা যেন হৈ ইয়াৰ পোটক তুলিবৰ মনেৰে বৰুণৰ সহায় খুজিলেগৈ। বৰুণে জলকুঁৱৰীবোৰৰ কথামতে প্ৰকাণ্ড সামুদ্ৰিক অজগৰ এটা দি পঠিয়াই দিলে। সিহঁতে সেই অজগৰটো আনি চিফিয়াছৰ ৰাজ্যত এৰি দিয়াত দিনক-দিনে প্ৰজাবোৰৰ ঘোৰ অনিষ্ট হবলৈ ধৰিলে। অলপ দিনৰ ভিতৰতে অজগৰৰ অত্যাচাৰত এটা হাহাঁকাৰ উঠিল। কোনেও ইয়াৰ প্ৰতিকাৰৰ উপায় বিচাৰি নেপাই অৱশেষত ৰজা-প্ৰজা আটায়ে এদিন মন্দিৰত থকা এজন প্ৰসিদ্ধ মঙ্গলতিৰ ওচৰলৈ গৈ ইয়াৰ পৰিত্ৰাণৰ উপায় সুধিলে। মঙ্গলতিয়ে অলপ সময় মঙ্গল চাই উত্তৰ দিলে,—"ৰাণী কেছিওপিয়াই জীয়েকৰ সৌন্দৰ্য্য গৰ্ব্বত গৰ্ব্বিতা হৈ জলকুঁৱৰীৰ লগত ৰূপৰ তুলনা কৰা দেখি দেশৰ এনে আশান্তিৰ সৃষ্টি হৈছে। এতিয়া তেওঁ যদি জীয়েকক সেই অজগৰটোক গ্ৰাস কৰিবলৈ দিয়ে, তেনেহলে জলকুঁৱৰীবোৰ তুষ্ট হব আৰু দেশত আকৌ আগৰ দৰে শান্তি স্থাপন হব। ইয়াকে কৰিব নুখুজিলে দিনে দিনে মানুহ, গৰু খাই অজগৰৰ বল বাঢ়ি যাব আৰু অশান্তিৰ মাত্ৰাও ক্ৰমান্বয়ে চৰি

আহিব।” মঙ্গলতিৰ এনে কথা শুনি আটাইৰে মুখ-মণ্ডল বিষাদে ঢাকি পেলালে। সাধাৰণ কথা একেষাৰৰ পৰাই এনে এটা কাণ্ড ঘটি উঠা দেখি দুঃখ আৰু বেজাৰত সেই-দিনাৰে পৰা ৰজা-ৰাণীয়ে আহাৰ-নিদ্ৰা পৰিত্যাগ কৰিলে।

—ন—

অৱশেষত ‘দেশৰ স্বাৰ্থই সকলোতকৈ ডাঙৰ’ ইয়াকে থিৰাং কৰি হতভগীয়া ৰজা-ৰাণী আৰু আন আন শোকাকুল প্ৰজাবৰ্গৰে সৈতে কুঁৱৰী এণ্ড্ৰোমিডাক সাগৰৰ পাৰত থকা সৰু টিলা এটাৰ ওপৰলৈ অনা হল। তাৰ পিচত এণ্ড্ৰো-মিডাক খুটা এটাত নিকপ-কপীয়াকৈ শিকলিৰে বান্ধি থৈ অজগৰটোৱে নো কেনেকৈ খাবহি তাকে আটাইবোৰ প্ৰজাই বেৰিকুৰি বেজাৰ মনেৰে চাই থাকিল। ইতিমধ্যে আঁতৰত সাগৰৰ ওপৰেদি ঢৌ তল-ওপৰ কৰি এটা প্ৰকাণ্ড জন্তুৱে নাকেৰে ভীষণ তৰ্জ্জন-গৰ্জ্জন কৰি অহা যেন দেখা পালে। এনেতে ভীষণ মূৰ্ত্তিৰ অজগৰটো আহি সাগৰৰ পাৰ পোৱাত আটায়ে ভয়ত চিঞৰিবলৈ ধৰিলে। ৰজা-ৰাণী অচেতন হৈ পৰিল। ঠিক এনে সময়তে পাৰ্ছিয়ুছে মেডুছাৰ মূৰটো লৈ ওপৰেদি উৰি আহিছিল। এই দৰে উৰি আহোতে তলৰ এই করুণ দৃশ্যটোৰ প্ৰতিবিম্বটো ঢালৰ ওপৰত দেখা পাই ততালিকে তেওঁ তললৈ নামি আহিল আৰু অজগৰটোৱে এণ্ড্ৰোমিডাক গ্ৰাস কৰিবলৈ নৌ পাওতেই ঠিক এনে সময়তে তাক আক্ৰমণ কৰিলে। চাওঁতে চাওঁতে পাৰ্ছিয়ুছ আৰু অজ-

গৰৰ ভিতৰত এখন তুমুল যুদ্ধ লাগিল। কিছুপৰৰ পিচত অজগৰটোৱে হাৰি পলাবলৈ আয়োজন কৰোতেই পাৰ্ছিয়ুছে ধৰি আনি তাক কচুকটা দিলে। চাই থাকোঁতেই চকুৰ আগতে এনে এটা কাণ্ড ঘটা দেখি আটাইবোৰ প্ৰজা বৰ আচৰিত হ'ল। মানুহ নে দেৱতা একো বুজিব নোৱাৰি ৰজা-প্ৰজা আটায়ে পাৰ্ছিয়ুছৰ ওচৰলৈ গৈ আঁঠু লৈ তেওঁৰ পৰিচয় খুজিলে। পাৰ্ছিয়ুছে জাঁতি-গুৰিৰ কথা কৈ সম্পূৰ্ণ পৰিচয় দিয়াত আটায়ে অতি আনন্দিত হল আৰু তেওঁৰ জয়ধ্বনি কৰি বিৰাট শোভাযাত্ৰাৰ মাজত কুঁৱৰী এণ্ড্ৰোমিডাৰে সৈতে ৰাজ-হাউলীলৈ লৈ গৈ দিন চেৰেকৰ নিমিত্তে তাত আলহী ৰাখিলে। এইদৰে দিন-দিয়েক কটোৱাৰ পিচত পাৰ্ছিয়ুছে এণ্ড্ৰোমিডাৰ অপৰূপ ৰূপ-লাৱণ্য দৰ্শন কৰি একেবাৰে আপোন-পাহৰা হল। ইপিনে কুঁৱৰী এণ্ড্ৰোমিডায়ো তেওঁকে বিয়া কৰাবলৈ ঐকান্তিক ইচ্ছা প্ৰকাশ কৰাত ৰজা চিফিয়াছে খুব আনন্দ মনেৰে শুভ দিন-বাৰ চাই মহাসমাৰোহেৰে বিয়াৰ আয়োজন কৰিলে।

—দহ—

বসন্ত কাল! প্ৰকৃতিদেৱীয়ে সেউজীয়া ৰঙৰ সাজ-পাৰ পিন্ধি কুলি-কেতেকীৰ সুমধুৰ সুৰত আপোন-পাহৰা। মাজে মাজে মলয়াৰ এচাটি সু-শীতল বাই গা-মন জুৰ পেলাই যায়। এনে মনোমোহা বতৰত, বীৰ পাৰ্ছিয়ুছৰ লগত এণ্ড্ৰোমিডাৰ শুভ-বিবাহ। ৰাজ্যৰ আটাইৰে মৰমৰ ছোৱালী এণ্ড্ৰোমিডাৰ বিয়া উপলক্ষে দেশজুৰি প্ৰজা নিমন্ত্ৰিত হৈছে। বিয়া ঘৰত

খোৱাই খাইছে, নচাই নাচিছে, গান গোৱাই গান গাইছে, বাজ্‌নাৱালাই বিবিধ বাজ্‌না বজাইছেঃ—এইদৰে অতি সমৰোহৰ মাজত শুভ-বিবাহ সমাধা হৈ গ'ল। ক্ষন্তেক পিচতে লগত এদল সু-সজ্জিত সৈন্য লৈ বৃদ্ধ সম্রাট এক্রিছিয়াছ আহি উপস্থিত। কথাতে কয় বোলে 'দিনটো যায় ক্ষণটো নেযায়'। এনে আনন্দৰ ক্ষণত দলে-বলে এক্রিছিয়াছক দেখা পাই ৰজা-প্ৰজা গোটেইবোৰ ভয়ত নিমাত হ'ল। এক্রিছিয়াছে নাতি পাছিঁয়ুছক চিনিব পৰা নাই, পাছিঁয়ুছেও তেওঁৰ কঁকাক এক্রিছিয়াছক চিনিব পৰা নাই। এই অচিনাকি ভাৱতে এক্রিছিয়াছে পাছিঁয়ুছক খঙেৰে সুধিলে,—"যুবক, কুঁৱৰী এণ্ড্ৰোমিডাৰ পূৰ্ব্ব-পাণিপ্ৰাৰ্থী মই হে, তুমি নহয়। যি দিনাই এণ্ড্ৰোমিডাই নাৰী-সৌন্দৰ্য্য প্ৰতিযোগিতাত প্ৰথম পুৰস্কাৰ লাভ কৰিছিল, সেই দিনাই মই ভবিষ্যতে মোৰ সম্ৰাজ্ঞী কৰিবলৈ আলচি থৈছিলো। সেই দেখি এতিয়া তুমি এণ্ড্ৰোমিডাক মোৰ হাতত সমৰ্পণ কৰিব লাগে। জানানে যুবক, মই কোন? মই গ্ৰীচ সাম্রাজ্যৰ বাহুবলী সম্রাট এক্রিছিয়াছ, যাৰ ত্ৰাসত গোটেই পৃথিৱীৰ ৰজাসকল থৰহৰি কম্পমান।"

পাৰ্ছিয়ুছে এতিয়া এক্রিছিয়াছক ভালকৈ চিনি পালে। মাকৰ মুখৰ পৰা শুনা এটাইবোৰ কথা তেওঁৰ মনত পৰিল। তেওঁ উত্তৰ দিলে,—"সম্রাট! বিয়া নকৰোৱালৈকে জীয়াৰী ছোৱালীৰ পাণিপ্ৰাৰ্থী বহুতো হব পাৰে, কিন্তু বিয়া নকৰালে তেওঁৰ কিহৰ দাবী? সামাজিক প্ৰথামতে এণ্ড্ৰোমিডাক মইহে বিয়া কৰাইছোঁ, তেনেস্থলত তেওঁ মোৰ ধৰ্ম্ম-পত্নী নহৈ আন

কাৰ হব পাৰে ? আপুনি আনৰ বিবাহিতা তিৰোতা এজনীৰ ৰূপত মোহিত হৈ দু-আষাৰ ৰৰকথা কৈ নিবলৈ অহাতো নিতান্ত অন্যায় হৈছে।”

—“ন্যায় অন্যায় মই বুজোঁ। তোমাৰ তৰ্ক-শাস্ত্ৰৰ যুক্তি খন খুলি মোক ন্যায়ৰ বিচাৰ শুনাব নেলাগে। কোৱা ভালে ভালে এতিয়াও এণ্ড্ৰোমিডাক সমৰ্পণ কৰিবলৈ সাজু আছানে নাই ? ”

—“অক্ষম সম্ৰাট, ক্ষমা কৰিব। ”

—“তেনেহলে গাৰ বলেৰে মই এণ্ড্ৰোমিডাক ধৰি নি বিয়া কৰাম। যদি গাত শক্তি আছে, তেনেহলে গতি ৰোধ কৰা। ”

—“উত্তম। ”

কেনেকৈ মাকক তুচ্ছ প্ৰাণৰ ভয়ত বাট পথ নোহোৱা সাধাৰণ দুৰ্গ এটাৰ ভিতৰত অকলে সুমুৱাই ৰাখিছিলে, কেনেকৈ মাকক সাগৰত এধানমানি ভূৰ এখনত তুলি দি অহসায় অৱস্থাত দুটি প্ৰাণী উটুৱাই দিছিলে, এই এটাই-বোৰ কথা এটা এটাকৈ মনত পৰাত পাৰ্ছিয়ুছৰ ঈৰ্ষাণল দুগুণে জ্বলি উঠিল। এক্ৰিছিয়াছক বধ কৰাৰ এয়ে সোণালী সুযোগ দেখি খাপৰ পৰা তৰোৱাল খুলি লৈ এক্ৰিছিয়াছৰ লগত যুদ্ধত প্ৰবৃত্ত হল। ভালেমান বেলি যুঁজ কৰাৰ পিচত এক্ৰিছিয়াছৰ ফালে বহুত সৈন্যই পাৰ্ছিয়ুছৰ চোকা তৰোৱালৰ আগত এটি এটিকৈ প্ৰাণ সোধালে। তেতিয়ালৈকে বাদ বাকী

যিবোৰ সেনা আধা মৰা আধা জীয়া অৱস্থাত আছিল, সিহঁতেও যুঁজত পৰাজয় মানি পাৰ্ছিয়ুছৰ গুৰিত আত্ম-সমৰ্পণ কৰিলে। পাৰ্ছিয়ুছৰ এনে যুদ্ধ-কৌশল দেখি চিফিয়াছৰ গোটেইবোৰ প্ৰজাই জয়ধ্বনিৰে দশোদিশ মুখৰিত কৰি তুলিলে।

—এঘাৰ—

যথাসময়ত এণ্ড্ৰোমিডাক লগত লৈ আহি পাৰ্ছিয়ুছে ঘৰ পালেহি। ইমান দিনৰ মূৰত মাক-পুতেকৰ দেখা-দেখি হোৱাত এক অভিনৱ আনন্দই খেলা কৰিলে। পুতেক পাৰ্ছিয়ুছে মেডুছাক হত্যা কৰি উলটি আহোঁতে বাটত কেনেকৈ এণ্ড্ৰোমিডাক লাভ কৰিলে, এই সকলোবোৰ কথা ভাঙিপাতি কোৱাত এনে এগৰাকী ৰূপে-গুণে লক্ষ্মী-স্বৰূপা বোৱাৰী পাই মাকে নথৈ আনন্দ উপভোগ কৰিলে। মাকেও কথা প্ৰসঙ্গত পুতেকৰ অনুপস্থিতিত দুষ্ট পলিডেক্‌টিছৰ পৰা কিমান নিৰ্য্যাতন সহিব লগা হৈছিল,— কেনেকৈ অতি কষ্টেৰে এই সুদীৰ্ঘ কাল অতিবাহিত কৰিছে, এই বোৰ কবলৈ ধৰিলে। বীৰ পুতেকে মাকৰ মুখৰ পৰা ৰজা পলিডেক্‌টিছৰ কু-অভিপ্ৰায় আৰু উদ্ভণ্ডালিৰ কথা শুনি অতিশয় বেজাৰ পালে আৰু সেইবাবে অনতিপলমে তাৰ প্ৰতিশোধৰ কাৰণে প্ৰতিজ্ঞা কৰিলে।

—বাৰ—

লাহে লাহে পাৰ্ছিয়ুছৰ প্ৰত্যাগমনৰ কথা ৰাষ্ট্ৰ হৈ পৰাত এদিন ৰজা পলিডেক্‌টিছে তেওঁক মতাই নিয়ালে।

পাৰ্ছিয়ুছে মেডুছাৰ মূৰটো কাপোৰৰ তলত লুকুৱাই লৈ ৰজাৰ সম্মুখত উপস্থিত হ'ল। ৰজাই কেতিয়াও ভবা নাছিল যে পাৰ্ছিয়ুছে মেডুছাৰ মূৰ কাটি আনিবলৈ গৈ প্ৰাণ লৈ উলটি আহিব। সেই দেখি পাৰ্ছিয়ুছ অকৃতকাৰ্য্য হৈ আহিছে বুলি ঠাট্টা কৰি কলে,—"কিহে বীৰেন্দ্ৰ, বৰ ওফাইদাং মাৰি ওলাইছিলা নহয়, পিচে এতিয়া ফেঁচাটোৰ দৰেহে ওলাইছা। মেডুছাৰ মূৰ আনিব নোৱাৰি স্লদামুখ খন দেখুৱাইছাহি। যোৱা. তোমাৰ বল-পৰাক্ৰম সকলোবোৰ মিছা।"

নজনা-নুশুনাকৈ মিছাকৈয়ে মাতি নি এইদৰে তিৰস্কাৰ কৰা দেখি পাৰ্ছিয়ুছে খঙেৰে উত্তৰ দিলে,—"লম্পট পলিডেক্-টিছ, আগতে নোসোধা-নোপোচাকৈ মানুহক মাতি আনি এনেকৈ ঠাট্টা কৰি অপমান দিয়া ঘোৰ অন্যায়। মই মোৰ প্ৰতিজ্ঞা ৰাখিব পাৰিছোনে নাই, নিজ চকুৰে এবাৰ চাই ল" বুলি কাপোৰৰ তলৰ পৰা মূৰটো উলিয়াই ৰজাৰ আগত দাঙ্গি ধৰাত ৰজা সেইপিনেই শিলা হৈ গ'ল।

এইদৰে পাৰ্ছিয়ুছে তেওঁৰ আটাইবোৰ শত্ৰু বধ কৰি সৰ্ব্বসন্মতিক্ৰমে গোটেই গ্ৰীচ সাম্ৰাজ্যৰ সিংহাসন হস্তগত কৰিলে।

পাৰ্ছিয়ুছৰ সু-শাসনত প্ৰজা-বৃন্দই সুখ-শান্তি উপভোগ কৰিবলৈ ধৰিলে।

—অন্ত—

---

